# ইঙ্গিতা

খণ্ড কবিতা

[ ১৯৪২—১৯৫১ ]




শ্রীহেমচন্দ্র শর্ম্মা

প্ৰকাশক :

শ্ৰীপিনাকপাণি শৰ্ম্মা

যোৰহাট।

মুদ্ৰাকৰ :

শ্ৰীদেৱপ্ৰসাদ মিত্ৰ

এলেম প্ৰেচ,

৬৩নং বিডন ষ্ট্ৰীট, কলিকতা।

পৰিবেশক :

ল'য়াৰ্চ বুক ষ্টল

গুৱাহাটী

প্ৰচ্ছদপটশিল্পী :

শ্ৰীসোমেশ্বৰ কলিতা

গোলাঘাট।

প্ৰথম প্ৰকাশ : ১৯৬২ চন।

বেচ—ছটকা।



# আগ কথা

"ইঙ্গিতা"ৰ লিখক তৰুণ কবি। তেওঁৰ কবিতাৰ মাজেদি বয়স-সুলভ ভাব-প্ৰৱণতাৰ ধাৰ বৈ গৈছে যদিও, সি অন্তঃসলিলা ফল্গুৰ দৰে অনাবিল। প্ৰত্যেকটি কবিতাতে কবিৰ মৰ্ম্মপৰশা ভাবটিয়ে ইঙ্গিততে আত্মপ্ৰকাশ কৰি তেওঁক ব্যাকুল কৰি অন্তৰ্দ্ধান হৈছে। ইঙ্গিতা নামাকৰণ সাৰ্থক হৈছে। "ইঙ্গিতা"ত কবিৰ অন্তৰৰ যিবিলাক অনুভূতিয়ে ভুমুকিয়াইছে, তাৰ স্বৰূপ নিৰ্ণয় কৰিব নোৱাৰি কবি যেন কাতৰ হৈ উঠিছে, এনে অনুমান হয়। কবিৰ হাতত সম্পূৰ্ণ ধৰা নিদিলেও, সেই অনুভূতি বিলাকে ইঙ্গিতেৰে আত্মপ্ৰকাশ কৰি গৈছে। অনুভৱী কবিয়ে বিশ্বাসেৰে ক'ব পাৰিছে—

সৃজিলে দেৱই মোক —সত্য নে অসত্য,
নতু মই সৃজিলোঁ দেৱক !
কিজানি ভাৱিলোঁ নিজে তুমি মোৰ দেৱ
আৰু মই তোমাৰে সেৱক !

কবিয়ে যেন প্ৰতিধ্বনিত শুনিছে "কোন মই, কোন মই।" তাৰ উত্তৰত পালে, "পৰিচয়, সম্বন্ধ ধৰাত—সকলোটি ৰ'ল

অজানত।" উৰি যোৱা পানীপিয়া চৰাইটি দেখি কবিৰ প্ৰাণত কিহে যেন সুৰ দি কৈ গল—

তোৰ দৰে পানীপিয়া, আজি মোৰো
আছে তৃষা ভৰি,
নোৱাৰোঁ ক'ব যে কিনো আছে তৃষা
আজীৱন ধৰি।

তৰুণ কবিয়ে সৃষ্টিৰ সৌন্দৰ্য্য দেখি স্ৰষ্টাকো সাহসেৰে ক'ব পাৰিছে—

এয়েনে সুন্দৰে গঢ়িলে ধৰণী ইমান শুৱনী কৰি?
ধৰাই আজি সাজটি সলালে কাবনো চকুত পৰি?—

কবিয়ে সৃষ্টিৰ মাজত লুকাই থকা ৰহস্যখিনিৰ গুপুত সম্ভেদ লবলৈ গৈ ক'ব পাৰিছে—

ইদৰে ধৰণী সজালে কোনেনো
ইমান শুৱনী কৰি?
সুন্দৰে দিছিল মাথোঁ যে ধৰণী—
মাথোঁ ই ধৰণী গঢ়ি।

মানুহৰ হৃদয়-তন্ত্ৰী ঝঙ্কাৰি সুৰৰ যি লহৰ উঠে, তাক অনুভৱ কৰি কবিয়ে নিঃসন্দেহে কৈছে—

বুজিলোঁ এতিয়া, সেই গান নাই
বাহিৰ বিশ্বত আজি,
সেই গান মোৰ হিয়াৰো হিয়াত
উঠিছে মাথোঁয়ে বাজি।
সেই গান নাই বাহিৰ বিশ্বত আজি॥

"সপোন"ত কবিয়ে দিঠকৰ সত্যকে প্ৰকাশ কৰি কৈছে—

বীণাধ্বনি লৈ সাধিলোঁ কত
মোৰ অতীতৰ ৰাগিনী যত,
— ফুটিল ফুটিল বীণাত সেইটি তান।

পুৰণি পৃথিবীক সম্বোধন কৰি কবিয়ে কৈছে—

মোৰ সেই জনমৰ আদিৰে পৰাই
আছিলা ৰূপহী বেশে গছে-লতিকাই
মোৰ কাৰণেই যেন।
*　　　*　　　*
মোৰ কাৰণেই যেন ৰ'বা সাধনাৰে
কৰি পুনু মোকে আৱাহন।

কবিৰ এই অনুভূতিত জন্মজন্মান্তৰৰ ৰহস্য নিহিত আছে।

"ফুল আৰু খোপা"ত কবিৰ সৌন্দৰ্য্যবোধ ফুটি উঠিছে। ফুলে যেতিয়া কৈছে, "খোপা, তোৰ নাই নিজৰ শোভা", কবিয়ে খোপাক ক'বলৈ শিকাইছে—

তোৰো আছে শোভা, মোৰো আছে শোভা,
দুয়োটি শোভাৰে ঠাই,
এতিয়াযে দুয়ো অধিক ধুনীয়া
দুয়োৰে পৰশ পাই।

"দুটি কণ্যা"ৰ দুফাকি কথাত কবিয়ে শিলত আঘাত পাই অহা এটি পৰ্ব্বতীয়া নিজৰাৰ বুকুত যি সুৰ বাজি

উঠিছে, আৰু তাৰ পাৰত এগৰাকী ক'লা গাভৰু বন্ধুৱা তিৰোতাই কলহ মাজি মাজি মুখত "গুণ্ গুণ্ কিবা এটা সুৰ" দি কি গাইছে, তাকো প্ৰাণত অনুভৱ কৰিছে। কেৱল কৈছে, "অৰ্থ নুবুজোঁ তাৰ"। কিন্তু এই কথা তেওঁ স্পষ্টকৈ বুজিছে যে—

মই নুবুজা পৰস্পৰৰ অন্তৰৰ সুৰ দুটি
যেন বুজে পৰস্পৰেই।

"সেই আমাৰ শিক্ষকজন" কবিতাটিত বাল্যাৱস্থাত পঢ়াশালিত নিজে লেপ্ থেপ্‌কৈ লিখা "সদায় সত্য কথা ক'বা" বুলি লিখা হস্তলিপিৰ দাঁতিত "সুন্দৰ" বুলি মন্তব্য দিয়া কথালৈ ত্ৰিচ বছৰৰ পাছতো সেই পৰম গুৰুজনৰ "সুন্দৰ" মন্তব্যত যে কি গভীৰ ভাব সোমাই আছিল, এতিয়া হে তেওঁ প্ৰকৃতৰূপে অনুভৱ কৰিব পাৰিছে। তাকেই তেওঁ এই কবিতাত ৰসাত্মক বাক্যেৰে প্ৰকাশ কৰি আত্মদৰ্শন কৰিছে।

ল'বাৰ কাৰণে যে খেলাৰ ঠাইৰ অভাব নহয়, সেই কথা "খেলা-ঠাই" বোলা কবিতাটিত ভালদৰে প্ৰকাশ পাইছে। খেলধেমালিৰ মাজেদি যি বাল-সুলভ আনন্দ পোৱা যায়, তাৰ নিমিত্তে ঠাইৰ যে অভাব নহয়, তাকে ইয়াত সুন্দৰকৈ দেখুৱা হৈছে।—

দ'মে দ'মে থোৱা যত বালিবোৰ,—
সাজিলে তাৰেই দ'ল,

আনিলে গোটাই ইটা পৰি থকা,
সেয়েই দেৱাল হ'ল ।
বাগৰি-জুগৰি সৱেই খেলিলে,
উলাহৰ ঠাই নাই,
ক'লে সকলোৱে, "আমাৰ কাৰণে
ওলাল ইয়াতে ঠাই ।"

"পগলা" কবিতাত সংসাৰত যথাৰ্থতে পাগলামি কৰে কোনে, সেই কথা ভাল দৰে প্ৰকাশ পাইছে। "যায় মহাস্নান পৰ" বুলি পুৰোহিতে কোৱাত ভৰিত ধৰা ভিখাৰীক অছাৰি গৈ সুৱৰ্ণ-মোহৰ দান দি স্নান কৰাতো যে নিষ্ফল হল, "তীৰ্থযাত্ৰা"ত সেই কথা দেখুৱা হৈছে। "বনুৱা"ত কবিয়ে দেখুৱাইছে—

মোৰ দুটি বাহুতেই গুচিছে পেটৰ ক্ষুধা
আনৰ সৱৰ,
আৰু মোৰ ঘৰে মাথোঁ। কান্দিছে ক্ষুধাত,
মিলা নাই কোনাদিনে হায়
সমানে দুমুঠি ।
আৰু মযে আনিছোঁ চপাই
সোণোৱালী ধান মুঠি মুঠি ।

তৰুণ কবিয়ে স্বভাৱ-সুলভ ভাবোচ্ছ্বাসত লিখা প্ৰেম-সম্বন্ধীয় কবিতাবিলাকতো উদ্দামতাৰ ভাব প্ৰকাশ পোৱা নাই। এই অপাৰ্থিব, অমৰণ, অভগন সৃষ্টিৰহস্যৰ মূলীভূত কাৰণটিৰ বিশ্লেষণ-কাৰ্য্যত তেওঁ সফলতা লাভ

কৰিছে বুলি ক'ব পাৰি। নাৰীক সম্বোধন কৰি তেওঁ কৈছে—

চিনিছোঁ চিনিছোঁ নাৰী,
তুমিয়েই মৰতত থাকি
সৰগৰ সুধা-বিলনীয়া,
তুমি আজি নহা হ'লে
কেতিয়াও নহয় নহয়
ধৰাখনি ইমান ধুনীয়া।

আকৌ কৈছে—

স্বভাব-সুন্দৰী এনেয়ে তুমি,
—তাতে আৰু ৰূপ
কিয়নো বাকা ?
আজি কি বুলিনো তোমাক মাতোঁ ?
নিৰূপমা বুলি
আপুনি থাকা ॥

"ইঙ্গিতা"ৰ কোনো কোনো কবিতাত ছন্দৰ লয়লাস, শব্দৰ ঝঙ্কাৰ, বাক্যৰ সাজ-পাৰ, অলঙ্কাৰ-বিন্যাসত কবিয়ে গুৰুত্ব আৰোপ নকৰি এই যুগৰ একশ্ৰেণী কবিৰ দৰে কবিতাৰ সাজপাৰতকৈ প্ৰকৃত বিষয়-বস্তুলৈ দৃষ্টি ৰখা দেখা যায়। তৰুণ কবিৰ হৃদয়ত অনুভূতিৰ এটি স্বাভাবিক ধাৰা বৈ গৈছে। নতুন যুগৰ এই দৃষ্টিভঙ্গীত তেওঁ আকৃষ্ট হৈ এই ক্ষেত্ৰতো তেওঁৰ কবিতা আৰু প্ৰকাশভঙ্গীৰ মৌলিকতা দেখুৱা কাৰ্য্যত কৃতকাৰ্য্য হৈছে বুলি ক'ব পাৰি।

যোৰহাট, ২৮।৬।৫১ শ্ৰীনীলমণি ফুকন



# সূচী



# ইঙ্গিত

## অনুভৱ

দেখা নাই দুটি চৰণ তোমাৰ
অদেখা হে, আছা কেনি ?
শুনা নাই তুমি কোনোদিনে, মাথোঁ
ঘুমতি মাজত শুনো নিতে তব
নূপুৰৰ ৰিণি-ঝিনি ।

দুচকুৰে মোৰ দেখা নাই আজি
তব সেই হাতখনি,
মাথোঁ মাজে মাজে যেন অনুভৱ—
কাৰ দুহাতৰ যেন চিনি পাওঁ—
মধুৰ পৰশ কণি !

ছুনয়ন তব পায়ো পায়ো যেন
পোৱা নাই ক'তো দেখা,
মাথোঁ জ্বলে যেন হৃদয়ত মোৰ
চমকি চমকি নয়নৰে তব
সেই যে বিজুলী-ৰেখা !

তোমাৰ মূৰতি ছুনয়নে মোৰ
দেখা নাই দেখা নাই,
মাথোঁ দেখোঁ যেন প্ৰকৃতি বুকুতে
আছা নিতে তুমি বিলীন ৰূপেৰে
মূৰতি বিলাই '

পখীৰ গানত শুনো তোমাৰ স্বৰ,
কুসুম-বুকুত তোমাৰ মধুৰ হাঁহি,
বিজুলীত দেখোঁ তোমাৰ জ্যোতি-কণা,
সমীৰত আছে তোমাৰ গন্ধ ভাঁহি।

যোৰহাট
১৯৪৪





# তোমাৰ পূজা

বিশ্ব ব্যাপি
শুনো ঐক স্বৰে
তোমাৰ মহিমা গীত
জন্মে জন্মে
আহি কত বেশে
একে যেন সুললিত !

তৰঙ্গিনীত
বাজে চিৰ দিনে
কিনো গান মৃদু ধীৰ,
সৃষ্টি আদিত
ইকি থোৱা সাধি
গীত তব শিকনিৰ ?

সুপ্ত কিয়
চিৰ ৰাতি-দিনে,
কিতৰ ঘুমতি দিলা,
মগ্ন নতু
তব কি পূজাতে
দূৰৰ পাহাৰ নীলা ?

বৃক্ষ ৰাজি
ধীৰ মৃদু ভাবে
চোৰ্ঁৰ ধুলাই ৰ'ল,
চন্দ্ৰ-সূৰ্য্য
উজ্জলিকি তথু
আৰতিৰ দীপ হ'ল ?

বিশ্ব ব্যাপি
তোমাৰ মহিমা,—
মাথোঁ মানুহ বাকী,
ব্যস্ত নিতে
সময় নাটনি—
আপোন ভাবত থাকি !

বুদ্ধি বাকি
গঢ়িলা মানুহ,
লভিল উচ্চ ঠাই,
সৃষ্টি আঁকি
সি কি তথু গঢ়ে
আজি ভ্ৰূকুটি জনায় ?

নাহৰজান
১৯৪৭

# ভূমিকম্প

কঁপে ভূমি ঘণে ঘণে।
বিয়াকুল আৰ্ত্তনাদে যত নৰ-নাৰী
পাহৰি এলাহ
পাহৰি ব্যস্ত-কাম
লয় তোমাৰ নাম।
ত্ৰাহি ত্ৰাহি! নহলে মৰণ !!

ভাবোঁ বহি মনে মনে—
মোহ-নিদ্ৰাতুৰ ধৰা,
(হায় মানুহ, শক্তি কিমান কণ !)
আহি তুমি মাজে মাজে
ৰূপহীন সাজে
জগাই দি তব নাম,
সকলোযে মাথোঁ তব গঢ়া—
এই কথা কৰোঁৱা স্মৰণ !

যোৰহাট
১৯৪৭

---

# অজ্ঞাত

বিশ্ব এই সীমাতীত কোনেনো স্ৰজিলে,
কোনে তাক কৰিছে পালন,
কোন দিনা হ'ব নতু সৃষ্টিৰ সমাধি,
কোন দিনা আহিব পতন ?

মানৱী সাজেৰে মোক থলেহি কোনেনো
জগতৰ অচিন চুকত,
কোনে পুনু নিব আহি কোনটি পথেদি,
থব কোন অসীম বুকত ?

আজীৱন লগৰীয়া জীৱন-মৰণ,
তুয়ো মোৰ প্ৰিয় জীৱনত,
কিন্তু কোন অগাপিছা, আছে ক'ত সুখ
--এই পাৰে নতু সিপাৰত ?

পূজা কৰোঁ দেৱতাক ভকতি ভাবেৰে
কিন্তু কিয়, কিহৰ আশাত,
পূজাৰ আৰতি-সুৰ প্ৰতিধ্বনি ৰূপে
বাজে জানো দেৱৰ হিয়াত ?

স্ৰজিলে দেৱই মোক　　—সত্য নে অসত্য,
নতু মই স্ৰজিলোঁ দেৱক !
কিজানি ভাবিলোঁ নিজে　　তুমি মোৰ দেৱ
আৰু মই তোমাৰে সেৱক ?

যোৰহাট
১৯৪২

---

# সন্দেহ

গালোঁ অত গান, জীৱনৰ অত গান—
কত স্বুৰে-লয়ে খুলি মোৰ প্ৰাণ,
ভাবোঁ কোনো দিন, কিজানি নহয়
নহয় কিজানি মোৰ
অত দিনে গোৱাবোৰ
এটিও সচা গান !

ৰচিলোঁ কবিতা জীৱনত অত দিনে
কবিতা অত
বাকি হৃদয়ৰ বেদনা যত
চকুৰ লোতক মচা,
ভাবোঁ কোনোদিন, কিজানি নহয়
নহয় কিজানি হায়
কোনোটি কবিতাই
প্ৰকৃত সচা !

আজীৱনে তব মূৰতি মধুৰ
মানস-পটত আঁকি
পূজিলোঁ হে স্নুন্দৰ, আজীৱনে
আপোন-পাহৰা মনে,
বিশ্ব বুকুৰ সকলো শোভা বাকি
থলোঁ হৃদয়ত তোমাৰ মূৰতি আঁকি,
আজি কিয় মোৰ আহিল ভাবনা এই—
কিজানি নহয়
নহয় কিজানি পূজা অত দিনে স্নুন্দৰ-প্ৰতিমা সচা,
-- মাথোঁ তেনেই ফাকি !

যোৰহাট
১৯৪৪

# আমি আৰু তুমি

এইযে মোৰ অতি মৰমৰ
ভাগি যোৱা এটি দুখীয়া পঁজা,
কালিলৈ তাতে দেখিম আনৰ
মনোৰম এটি দালান সজা !

আজি যি তুমি আপোন ভাবত
অত আদৰেৰে সাৰটি ধৰা,
হয়তো তাকে পৰৰ হাতত
দিবা কালিলৈ বুকুৰ পৰা !

ধৰাৰ মাজত অমৰণ ভাবে
মৰোঁ যি খিয়াতি যতনে ৰাখি,
দুদিন পিছতে আন এটি চাবে
সেই খিয়াতিও পেলাব ঢাকি !

এইযে মোৰ অতি মৰমৰ
ভাগি যোৱা এটি দুখীয়া পঁজা,
কালিলৈ তাতে দেখিম আনৰ
মনোৰম এটি দালান সজা !

কিন্তু হে সুন্দৰ, তোমাৰ ধৰা
তোমাৰ নামতে সদায় ৰ'ব ;
আমিয়ে' ধুনীয়া কৰিম ধৰা,
তথাপি ধৰণী তোমাৰে হ'ব !

যোৰহাট
১৯৪২

---

# আতমাৰ কথা

আতমাৰ যদি মৰণ নাই অ' নাই,
মৰণ যদি সচাই দেহাৰ লব,
আতমা তেনে ঘূৰিছে চিৰকাল
বিচাৰি বিচাৰি স্বকীয়া নামৰ স্বকীয়া দেহাৰ ঘৰ ।

অতীতত মই কোননো আছিলোঁ।
কালিলৈ কোননো হ'ম,
মাথোঁ। আজি মোক মানুহ বুলিছা,
কিজানি ময়েই কালিলৈ হায়
পখীটিৰ বেশ ল'ম !

আজি তুমি আই, সাদৰী হাতেৰে
হিয়াত লইছা তুলি,
কালিলৈয়ে তুমি কিজানি মোকেই
মাৰিবা শতৰু বুলি !

চেনেহী হাতেৰে আজি যে তোমাক
সাৰটি বুলিছোঁ প্ৰিয়া,
কোনে জানে কালি কিজানি ময়েঁই
ছিৰিলোঁ। তোমাৰে হিয়া।

আজি নাই কালিদাস উপমা-জগত ৰচা,
তথাপি আছেই আছে তোমাৰ আতমা সচা,
কোনে জানে কিজানিবা মহান আতমা সিটি
আছে জুৰি ইজীৱনে মোৰেই দেহাত ইটি !

কিজানি ময়েই ৰচি উপমা-জগত
তাকে আজি পাই প্ৰশ্ন কৰোঁ আপোনাকে,
"কালিদাস সচাই মহৎ !"
কতজন বজা অত্যাচাৰী
প্ৰজাক নিপীড়ি, দেশ কৰি লুটপাত
জিলিকি আজিও আছে তেজৰ আখৰে
বুৰঞ্জীৰ পাত।
কিজানিবা সেই নৃপতিৰ
আতমাটি মোৰ দেহাটিতে !
পঢ়ি সেই সকৰুণ কথা
পাওঁ ময়ে হৃদয়ত ব্যথা,
উপহাস কৰি কওঁ
"আছিলেনে তেনে নিপীড়ক
সচাকৈয়ে এই ধৰণীতে !"

শিকালা কতনো কথা প্ৰভু, লোক কতনো নতুন,
কিন্তু জনা নাই তাকে,—ময়ে আজি কোন।

যোৰহাট
১৯৪৩

# তোমাৰ করুণা

এই জীৱনত বিচাৰি অনেক
—নাই লেখ
পালোঁ তাৰ মাথোঁ এটি-দুটি,
নিবিচৰা জীৱনত তোমাৰ কাষত
পালোঁ শত-কোটি !

ভগবান ! মই নাজানো মোৰ
আপোন-প্রয়োজন ।
দিয়া আৰু নিদিয়াত
তোমাৰ সুবিচাৰ—
এই করুণা তোমাৰ যেন
স্মৰোঁ সর্ব্বক্ষণ !

এই বহল মাটিৰ পৃথিবীত
খেলি ধূলি-খেলা
মই মাথোঁ যেন এটি শিশু ।
ভাল-বেয়াৰ বিচাৰ নাই
মোৰ আপোনাৰ ।

ভগবান ! তোমাৰ কাষত
অবোধ শিশু দৰে
বিচাৰিলোঁ৷ কত কি যে—
নাপালোঁ৷ অনেক,
কিন্তু তুমি থাকি যেন হাঁহি অলক্ষিতে
দিছা মোক নিবিচৰাটিও
ভাবি প্ৰয়োজন।
—ভগবান ! এই কৰুণা যেন
স্মৰোঁ৷ সৰ্ব্বক্ষণ।

গোলাঘাট
১৯৫১

———

# মোৰ পৰিচয়

কোন মই—
এয়ে হ'ল প্ৰশ্ন আজীৱন।
কত দিন কত ৰাতি
প্ৰকাশি আপোন বেশ
কত ভাবে কতৰ কাষত
বিচাৰিলোঁ মোৰ সমিধান,
কোন মই,
বিচাৰিলোঁ মোৰ পৰিচয়,
ক'ত মোৰ ঘৰ,
বিচাৰিলোঁ ধৰণীত
আছে মোৰ সম্বন্ধ কিহৰ,
আছে মোৰ কোন পৰ,
আছেনে আপোন।

বনে–উপবনে মাথোঁ তৰু-লতিকাই
দিলে মোক সমিধান
যাচি মাথোঁ প্ৰতিধ্বনি তাৰ
"কোন মই, কোন মই"।

আইৰ কোমল কোলা লভি সেই দিনা
আকুলে সুধিলোঁ, "আই,
মই কোন তোৰ ?"—কলে মোক
দুটি চুমা সানি দুগালত,
"তই মোৰ চেনেহৰ লাৰু ।"
কতদিন আঁতৰিল ।
এদিন হঠাৎ পাই প্ৰিয়াক কাষত
আকোঁৱালি সুধিলোঁ, "তোমাৰ
সচাকৈয়ে মই কোন বাৰু ?"
লাজেৰে সজোৱা দুটি নয়নে প্ৰিয়াৰ
দিলে মোক মাথোঁ সমিধান
কিবা যেন এটি নীৰৱতা ।

আজিও নুবুজোঁ হায় !
কোন মই, কেনি আহিছিলোঁ—
আজিও নাজানো হায় ! ক'ত ঘৰ, কেনি গুচি যাম
কোন বাটে, কোন সীমালৈ—
পৰিচয়, সম্বন্ধ ধৰাত,
— সকলোটি ৰ'ল অজানত ।

সেইদিনা অমানিশা, ডাৱৰীয়া নিশা,
চৌদিশে দেখোঁ মাথোঁ

আন্ধাৰৰ পূৰ্ণ লীলা-খেলা।
আন্ধাৰৰ মাজে মাজে কিবা যেন বিচাৰি বিচাৰি
হিয়াত সাৱটি লৈ কিবা এটি ভাবনা উদাস
অকলৈ আহিছোঁ ওলাই,
কাষৰত আৰু কোনো নাই।
উঃ! কি আন্ধাৰ মহা,
পথটিও নমনো সমূলি।

এনেতে হঠাৎ যেন সমুখৰ পৰা
সুধিলেহি কোনোবা অচিনে,
"কোন—কোন তুমি?"
হঠাতে থমকি ৰলোঁ।—
নাজানিলোঁ দিম কিনো মোৰ পৰিচয়
আপোন হিয়াকে আজি
পৰা নাই দিব সমিধান
'কোন মই'—একেটি প্ৰশ্নৰ।
বুজা নাই মাত অচিনৰ, দেখা নাই বেশ,
—পোহৰৰ নাই লেশ।
"কোন তুমি?"—ময়ো সিদৰেই
অচিনক সুধিলোঁ এবাৰ।

ক্ষন্তেক নীৰৱে গ'ল,
তেবোঁ যেন ৰ'ল ভাবি দিম বুলি কিনো পৰিচয় !
এনেতে হঠাৎ সেই বিজুলী চাটিয়ে
ক'লা মেঘ গ'ল পোহৰাই,
নিমিষলে' দুয়োটিৰ হ'ল দেখা-দেখি
বিজুলী চাটিত। কিন্তু ইকি !
এওঁ দেখোঁ সেই তাহানিৰে
সেই জুৰ বকুল তলৰ খেলাৰ লগৰী !
কিমান চিনাকি আৰু কিমান আপোন।
তথাপিযে তেওঁ কোন,
নোৱাৰিলে দিব মোক
সেই পৰিচয় !

বুজিলোঁ বুজিলোঁ আজি
মোৰে মাথোঁ হোৱা নাই হিয়া
পৰিচয় বিচাৰি আপোন
ইমান আকুল,
মোৰ দৰে ধৰণীৰ প্ৰতি মানৱেই
পৰিচয় আপোন হিয়াৰ
বিচাৰিছে আপোন হিয়াতে।

সেউজীয়া বননিত
ৰঙ্ মনে আছে খেলি বালক-বালিকা,
সকলোৰে দেখোঁ হাঁহি-মুখ,
যেন তাৰ সকলো সমান।
কোনোবাটি সাজু হৈ আছে আগবাঢ়ি,
কোনোবাটি ৰঙেৰে খেলিছে,
কোনোবাটি ভাগৰত পৰিছে বাগৰি।
"এইখনি খেলা-ঠাই,
তাতে আমি লাগিছোঁ খেলিব,
সকলোটি আমাৰে লগৰী, ভেদ নাই একো।
খেলি খেলি লাগিলে ভাগৰ
জুৰ লৈ মুকলি বায়ুত
পুনু আমি খেলিম ইয়াতে,
খেলা-ঠাই এইখনি কিমান সুন্দৰ!"
খেলাৰ মাজতে যেন
কোনোটিয়ে কয় আবেগেৰে।

আজি মোৰ পৰিছে মনত—
এইদৰে এনে বননিত
খেলিছিলোঁ এনে লগৰীৰে!

মন যায় যেন পুনু
খেলিম ইয়াতে।

ধৰাখনি খেলা-ঠাই,
তাতে মই লাগিছোঁ খেলিব,
সকলোটি মোৰে লগৰীয়া,
ভেদ নাই একো।
খেলি খেলি লাগিলে ভাগৰ
জুৰ লৈ মুকলি বায়ুত
পুনু মই খেলিম ইয়াতে,
খেলা-ঠাই এইখনি
কিমান সুন্দৰ!—
এয়ে মাথোঁ মোৰ পৰিচয়।

যোৰহাট
১৯৪২

---

# পানীপিয়া

এটি পখী পানীপিয়া উৰি যায়
—কেনি উৰি যায়,
গানে তাৰ চৌদিশ-সমীৰণ
যেন শিহঁৰায় !

আকাশ নীৰৱ যেন, শুনা নাই
তাৰ কাতৰতা,
ধৰণী বধিৰ যেন, দিয়া নাই
পানীৰ বাৰতা।

কিহৰ ইমান তৃষা ? কোনে ক'ব
কিনো তাৰ গান ?
কাহানি গুচিব তাৰ কাতৰতা,
শাঁত হ'ব প্ৰাণ ?

তোৰ দৰে পানীপিয়া, আজি মোৰো
আছে তৃষা ভৰি,
নোৱাৰোঁ ক'ব যে কিনো আছে তৃষা
আজীৱন ধৰি !

—আপোন ঘৰটি মোৰ ৰ'ল ক'ত—
কান্দে যেন প্ৰাণ,
দিয়াঁ এৰি উৰি যাওঁ,—
তেও যেন কিবা এক টান !
—এই লৈয়ে যেন মোৰ যত তৃষা-গান !!

যোৰহাট
১৯৪৪

---

# স্ৰষ্টা

সুন্দৰে হেনো গঢ়িলে ধৰণী অতিকে শুৱনী কৰি !
পাহাৰৰ পৰা ভয়ামে ভয়ামে
আহিছে তটিনী নিজৰি জৰি,
সোনালী কিৰণ পৰি তটিনীত
উঠিছে চিকিমিকি কৰি ।

কোন কাননত বিহগে মাতিছে,
ফুলনিত ফুলিছে কলি,
—আহিছে জাকেৰে অলি ।
বতাহ চাটিত কোনোবা ফুলৰ
সুবাস আহিছে লাগি,
গছৰ পাতত জিৰ্ জিৰ্ মাত
ইপাতে-সিপাতে লাগি ।

—এয়েনে সুন্দৰে গঢ়িলে ধৰণী ইমান শুৱনী কৰি ?
ধৰাই আজি সাজটি সলালে কাৰনো চকুত পৰি ?—

পাহাৰৰ কোলা এৰি দি তটিনী
—অভিসাৰিকা আহিছে লৰি
আকুলৰ গান তুলি দুপাৰত
সোণালী বাসনা সানি হৃদয়ত
সাগৰ-হৃদয় স্মৰি।
কাননৰ বুকু কৰিছে উতলা
জুৰি দি বিহগে সুৰদী গান,
ফুলনি মাজত হাঁহিৰে কুসুমে
কৰিছে বলিয়া অলিৰ প্ৰাণ।
মলয়াৰ বুকু কোনোবা ফুলৰ
সুবাসেৰে আজি আহিছে ভৰি,
গছৰ পাতত সানি দি চুমাটি
কিবা এটি গান দিছেহি জুৰি।

—ইদৰে ধৰণী সজালে কোনেনো
ইমান শুৱনী কৰি?
সুন্দৰে দিছিল মথোঁযে ধৰণী——
মাথোঁহে ধৰণী গঢ়ি!

যোৰহাট
১৯৪২

# সপোন

এনেখনি মেলা আৰু দেখা নাই নাই,
ইমান হেন্দোল–দোপ, মানুহ ইমান
ৰাখিছে এনেনো ভাবে বেহানি সজাই—
কিবাটি চুলেই যেন হ'ব থানবান !

আহিছে-গইছে কত, সীমা তাৰ নাই,
সকলোৰে গাত মাথোঁ নতুনৰ বেশ,
কিবাটি উলাহ যেন হিয়াই হিয়াই,
হুমুনি'-বিষাদ যেন নাই কাৰো লেশ।

এনেতে দেখিলোঁ দুটি সৰু সৰু ল'ৰা
ক্ষুধাত কাতৰ হৈ মেলা মাজে মাজে
কিবা যেন পাব খুজি কোনোবাৰ পৰা
ইভাবে আশাত ঘোৰা ফটা-ছিটা সাজে !

সন্ধিয়া লাগিল ধীৰে আৰু নাই বেলা,
তেও একো নিমিলিল কোনোৰ কাষত,
এতিয়া সময় হ'ল ভাগিবৰ মেলা,
—পোৱা হলে কিবা এটি দুয়োৰ মাজত !

তেনেতে দেখিলে দুয়ো এটি ৰঙা কিবা
মাটিত বাগৰি আছে—ইমান ধুনীয়া !
কাষ চাপি দুয়ো গৈ পালে এটি যিবা,
দেখিলে ইওযে পাচে তেনেই ঘৃণীয়া !
শেষ হ'ল মেলাখনি। ভাবিলোঁ মনত,
আজিৰ নিশাটি মোৰ হ'ব সুমধুৰ,
দিঠকৰ মেলাখনি ৰাতি সপোনত
পাম দেখা পুনুবাৰ নৱ ৰূপে পূৰ !

পালোঁ দেখা সপোনত মুকলি পথাৰ,
নাই তাত মেলাখনি, নাই একো নাই,
মাথোঁ পালোঁ দেখা পুনু মাজে মাজে তাৰ
দুটি সেই সৰু ল'ৰা কান্দি কান্দি যায় !

যোৰহাট
১৯৪৩

# গান

কোনে যেন গান গাই গাই গ'ল
বহু দূৰনিৰ বিজন পথেদি
ধৰণী আকুল কৰি।
আছিল গগন নীৰৱে হাঁহি
শশীক বুকুত লৈ,
আছিল পবন দোলন খেলি
কুসুম কাষত বৈ ;
শুনি সেই গান সৰৱে হিয়াত
উঠিল সঘনে কি যেন আবেগ ভৰি।
কোনে যেন গান গাই গাই গ'ল
বহু দূৰনিৰ বিজন পথেদি
ধৰণী আকুল কৰি ॥

কাৰ সেই গান ইমান ব্যাকুল কৰা ?
ওলালোঁ বিচাৰি বলিয়াৰ বেশে।
পালোঁ কত গিৰি আকুল নিজৰা ভৰা,
পালোঁ কত নদী সাগৰ কাষলৈ লৰা,

ফুৰিলোঁ বিচাৰি কত দেশে দেশে
বলিয়াৰ বেশে,
নাপালোঁ ক'তেনো বাজে সেই গান,
নাপালোঁ ক'তো যে তাৰ সন্ধান,
—নপৰিল হিয়া শাঁত।
শুনিছোঁ মাথোঁ একেটি গান
গোৱা মোৰ উতলাই প্ৰাণ !

বুজিলোঁ এতিয়া, সেই গান নাই
বাহিৰ বিশ্বত আজি,
সেই গান মোৰ হিয়াৰো হিয়াত
উঠিছে মাথোঁ যে বাজি।
সেই গান নাই বাহিৰ বিশ্বত আজি॥

যোৰহাট
১৯৪৪

---

# সপোন

মোৰ সপোন মাজত
মধুৰ সাজত
কোন তুমি কোন সদায় আহা,
কিয় তুমি কিয় সদায় হাঁহা—
ইমান মধুৰ তোমাৰ হাঁহিৰ ৰেখা !
জাগি দেখোঁ হায় !
নাই তুমি নাই,
পোহৰতে তুমি লুকাই ৰ'লা,
ফুৰিলোঁ বিচাৰি কেনিনো গ'লা,
নাপালোঁ নাপালোঁ ক'তোযে তোমাক দেখা !

মোৰ সপোন মাজত
সুশুনা সুৰত
কোন তুমি কোন শুনোৱাঁ গান,
কিয় তুমি মোৰ কন্দুৱাঁ প্ৰাণ ?

জাগি চাওঁ হায় !
সেই সুৰ নাই,
বীণাখনি লৈ সাধিলোঁ কত
মোৰ অতীতৰ ৰাগিনী যত,
—ফুটিল ফুটিল বীণাত সেইটি তান।

যোৰহাট
১৯৪৫

---

# যেন মোৰ কাৰণেই

হে পৃথিৱী,
মোৰ সেই জনমৰ আদিৰে পৰাই
আছিলা ৰূপহী বেশে গছে-লতিকাই
মোৰ কাৰণেই যেন। সেয়েতো নদীত
শুনো আজি উলাহৰ মিলনৰ গীত।

ফুলনিত ফুলে শত সেউতী-মদাৰ
কত বেশে ; মেলা যেন প্ৰতিযোগিতাৰ
মোৰ দৰশন আশে। কেতেকীয়ে সুৰ
আনিছে গোটাই কোন আকাশৰ দূৰ
মোৰ কাৰণেই আজি। মোৰে চৰণত
দিবলৈ উপহাৰ দুবৰি বনত
গাঁথিছে নিয়ৰে মালা।

মোৰ মেলানিত
থাকিব পৃথিবী, তব ইস্পুৰেই গীত।
কিন্তু তাতে সানি আৰু কত নৱ সুৰ
অপূৰণ আছে যত কবি পৰিপূৰ
মোৰ কাৰণেই যেন ৰ'বা সাধনাৰে
কৰি পুনু মোকে আৱাহন।

নাহৰজান
১৯৪৯

---

# সোণৰ দিন

অতীত বুকুত লুকাল সোণৰ দিন,
ভাবানে কি এই কথা ?
সোণৰ দিন যে ভৱিষ্য’-বুকুত লীন,
ভৱিষ্য’ত সিযে গঁথা !
কুলিয়ে গানত বছৰে বছৰে যেন
নৱ নৱ সুৰ আনে,
ফুলনি খনিত নিতে ফুলকলি যেন
নতুন শোভাটি সানে।
বাসনাই যদি মৰত জীয়াই ৰাখে,
বাসনাই ব্যথা নাশে,
ভৱিষ্য’ত আছে মধুৰ সোণৰ দিন,
—থাকিম নতু কি আশে ?
দুৱাৰে দুৱাৰে ফুৰে সি ভিক্ষা খুজি,
অন্ধ—এহাত নাই,
তথাপি মৰণ আহিব এদিন বুজি
বুকু তাৰ কঁপি যায় !

সতৰ সাধনা জীৱন অৰপি কৰোঁ
সৱে আজি তেনে কিয় ?
কালিলৈ যেন ৰহিব বিৰাট মেলা—
হ'বগৈ লাগে থিয়।
সন্ধান বিচাৰি সকলো বাঢ়িছোঁ আগ,
অদূৰতে যেন মেলা,
তাৰ বাবে যেন সাধিছোঁ যত গান
নাই আৰু নাই বেলা,
—অদূৰতে যেন মেলা '

যোৰহাট
১৯৪৪

---

# ভৱিষ্যৎ

ফুল অ', তোৰ হৃদয়খনি
ইমান উলাহে ভৰা।
উলাহতে তই হালিছ-জালিছ
উলাহতে তই হৃদয় যাচিছ
শুনি অলিৰ গান,
ক'ৰ পালি তই ইমান উলাহ
আনকো উতলা কৰা ?
ফুল অ' তোৰ হৃদয়খনি ইমান উলাহে ভৰা !
ভাবনেকি তই ইদৰেই হালি-জালি
থাকিবি চিৰকাল ?
যাৰ পৰশত নাচি নাচি আজি হইছ বিয়াকুল,
যাৰ কোলাখনি হাঁহি হাঁহি আজি
কৰিলি শোভাৰে পুৰ,
জান জানো তই কালিলৈ হায়
লভি পৰশকে এই
হেৰুৱাবি সেই মূল !

যাকে পাইছিলি ভাল,
সেয়েই কৰিব দূৰ !
ভাবনে কি তই ইদৰেই হালি-জালি থাকিবি চিৰকাল ?

নালাগে নালাগে জানিব ইকথা
কালিলৈ কিনো হ'ব,
সিকথা জানিলে হৃদয়ৰ তোৰ
সকলো উলাহ আজিৰ দিনতে
মোলান পৰিযে ৰ'ব !
ৰক নাচি নাচি তোৰ হিয়াখনি
থক হাঁহিৰেই ভৰি মুখখনি,
হাঁহিয়েই যেন পাৰ সাৰুটিব মৰণ চাপিলে কায,
ময়ো যেন ফুল, আজি তোৰ দৰে
কালিলৈ কিনো হ'ব,
ইকথা নকৰো আশ !

যোৰহাট
১৯৪৩

# অপূৰ্ণ

কুলি। কণ্ঠত লভিলোঁ৷ মই অমিয়া বৰষা মাত,
কিন্তু মোৰ নাই দেহ-ৰূপ,
—এয়ে মোৰ দুখ আজীৱন।
তোৰ দৰে যদি হয় পাখিৰ বৰণ,
তেনে মোৰ হ'ব হিয়া শাঁত!

ময়ূৰ। পাখিত লভিলোঁ৷ মই অপৰূপ ৰূপ-কণা,
কিন্তু মোৰ নাই মধু স্বৰ,
—সেয়ে মোৰ ভাগে হিয়াখনি।
তোৰ দৰে যদি পাওঁ মাত সুধা সনা,
তেনে মোৰ পূৰিব বাসনা!

যোৰহাট
১৯৪৩



# ইঁহা-কন্দা

ৰাজবাটে এটি
কণা বুঢ়া
খোৰাই খোৰাই যায়,
নিমজ বাটটি,—
তথাপি সি
কতনো পিচল খায় !
দোখোজ গৈয়েই
খুপি খুপি
জিৰণি ল'বৰ হয়,
নাইবা নেদেখি
এদাঁতিৰে
খালত দেহাটি থয় ।
কেকাই কেকাই
উঠি মাথোঁ
ভাবিছে কেনিনো যায়,

তেনেতে পৰিছে
　　　　পুন্নু বাৰ
　　　　　　　পথিকৰ ঠেলা খাই।
আছিল এজাক
　　　　সৰু ল'ৰা
　　　　　　　বাটৰ কাষত খেলি,
দেখি বুঢ়াটিৰ
　　　　তেনে গতি
　　　　　　　হাঁহি দিলে হাত-তালি।
খিড়ৌকিৰ কোণে
　　　　পৰি চকু
　　　　　　　আছিলোঁ বুঢ়াক চাই,
মোৰ দেখোঁ ইকি!
　　　　দেখি তাক
　　　　　　　চকুলো নিজৰি যায়!

যোৰহাট
১৯৪৩

---

# ফুল আৰু খোপা

ফুল। খোপা, তোৰ নাই নিজৰ শোভা,
দেখিযে তোক নয়ন পৰে জুৰ,
হলি যে সৱৰে নয়ন-লোভা,
—সকলো আজি শোভাতে মাথোঁ মোৰ।
আকাশখনিনো এনেয়ে চায় কোনে
যদিহে তাত নাহাঁহে জোনে,
যদিহে তাত নাথাকে শোভা ?
সিদৰেই আজি ময়ো নহা হলে হায় !
ইপিনে তোৰ চাবনো কোনে ?
হলিযে সৱৰে নয়ন-লোভা,
—সকলো মাথোঁ মোৰ।
খোপা, তোৰ নাই নিজৰ শোভা।

খোপা। মোৰ ই পৰশ লভিযে তোৰ
হৃদয় সফল হ'ল,
মোৰে পৰশত মুখ'নি তোৰ
আৰু যে ধুনীয়া হ'ল।

তোৰ দৰে কত থাকে তল ভৰি,
কোনেনো বুটলি লয় ?
এতিয়াযে তোক দেখিলে মাটিত
কতই পাহৰি হিয়াৰ ব্যথা
বুকুত সাৱটি থয় !
তোৰো আছে শোভা, মোৰো আছে শোভা,
দুয়োটি শোভাৰে ঠাই,
এতিয়াযে দুয়ো অধিক ধুনীয়া
দুয়োৰে পৰশ পাই !

যোৰহাট
১৯৪৪

---

## বন্ধন

আজি আছিছোঁ বৰ-সাজত
কৰি নত শিৰ লাজত।
কপালত মোৰ চন্দন,
হিয়াত মধুৰ স্পন্দন,

—আজি পাম যে প্ৰিয়া-ঘৰ,
আহিছোঁ সাজত বৰ।
বাজিছে কালীত উলাহ-ছন্দ,
আহিছে ফুলৰ উলাহ-গন্ধ,
—আজিযে মাথোঁ আনন্দ!

ইকিণ হঠাৎ হৃদয়ত মোৰ
ভৰিল বেদনা!
নহয় বিলাস, নহয় অভিনয়,
কিহৰ করুণ সুৰ
ইহেন মহা লগ্ন!
নেদেখিলে কেৱে আন,
—সকলো আছিল মাথোঁযে উলাহ-মগ্ন!

জন্ম যদি সচায়ে বন্ধন,
তাতোকে কঠিন আজিৰ মালা-আলিঙ্গন,
সেয়েকি পুনৰ ক্রন্দন?

লক্ষ্ণৌ
১৯৪৭

# অনাৱশ্যক ?

তেওঁ আছে সদায়। সদায়েই তেওঁ আছে।
একে সাজ, একে গতি, একে কথা—
তেওঁ যি কয়, সি সাধাৰণ, সি অবাস্তৱ, সি আমনি লগা।
তেওঁৰ প্ৰশ্নবিলাক যায় মোৰ ভাবনাৰ প্ৰতিকূলে।
"ওঁ" বুলিবলৈ আহৰি নিদিয়া ব্যস্ততাটোৱে মোক
হেঁচি ৰাখিলে তেওঁৰ প্ৰশ্ন—"ব্যস্ত ?"—
তেওঁৰ উপস্থিতিয়ে মোক যে দিয়ে আমনি,
নুবুজে তেওঁ সেই কথা। সেয়েই তেওঁৰ দোষ।
দুদিন তেওঁ নাহিল। ভাবিলোঁ—
বোধ হয় তেওঁ জ্ঞান পাইছে।
পিছত শুনিলোঁ; মটৰ-দুৰ্ঘটনাত—
মৰিল তেওঁ।
—মোৰ অজ্ঞাতে ওলাল হুমুনি',
মই যেন হলোঁ অকলশৰীয়া !

যোৰহাট
১৯৫০

# দুটি কণ্যা

পৰ্ব্বতীয়া এটি নিজৰা।
শিলত আঘাত লাগি বুকুত এটা সুৰ,
—অৰ্থ নুবুজোঁ তাৰ।
আপোন-পালিতা। দুকাষত
সুন্দৰীৰ খেলি-মেলি অলকৰ দৰে
কলঙ্কঁৱা-বিৰিণাৰ শাৰী অশৃঙ্খল।
পাৰত এজনী বন্দুৱা গাভৰু—ক'লা,
কলহ মাজি মাজি।
দুঃশাসনীয় তাইৰ কপালৰ চুলিকোচা।
মুখত গুণ্ গুণ্ কিবা এটা সুৰ,
—অৰ্থ নুবুজোঁ তাৰ।
নিসঙ্কোচা। হাতৰ প্ৰতি চলনতে
নিটোল বাহু দুটা, উঠন বুকুখন কঁপি উঠে তাইৰ।
আপোন-পালিতা তায়ো।

দুইৰো সুৰ বতাহত হয় মিহলি।
মই নুবুজো পৰস্পৰৰ অন্তৰৰ সুৰ দুটি
যেন বুজে পৰস্পৰেই।

নাহৰজান
১৯৪৯

---

# সেই আমাৰ শিক্ষকজন

সেই শিক্ষকজন গাঁৱৰ পঢ়াশালীটোৰ !
একে বেশ, একে গতি—যেন তেওঁ
এটা ঘড়ী গাঁওখনৰ। চুটিকৈ চুৰিয়াখন,
পিঠিৰ কুঁজটোৰ ওচৰত পাতল পাঞ্জাৱীটো
আৰু কান্ধত চাদৰখন গাম্ভীৰ্য্য পৰিচায়ক।
মূৰৰ চুলিৰ দৰে ছাতিটোৰ কাপোৰখন
বগা পৰা, যেন শেঁতা হৈ গৈছে
বাৰ্দ্ধক্যৰ স্পৰ্শত। পৰিচিত সকলোৰে।

হিমালয়ে চঞ্চলকো গম্ভীৰ কৰাৰ দৰে
সকলোকে যেন স্তম্ভিত কৰে
শিক্ষকজনৰ চকু দুটাই।

সেই ত্ৰিচ বছৰৰ আগৰ কথা।

যাবৰ পৰত কান্দি, চকুৰ পৰা
ফলিখন মচালৈকে একেটা কামিজ পিন্ধি,
কেতিয়াও সমান নোহোৱা
খেলি-মেলি চুলিৰে
সেই শিক্ষকজনক দেখিলেই কঁপি উঠা
ময়ো আছিলোঁ এটা ল'ৰা
সেই পঢ়াশালীটোৰ!
'সদায় সত্য কথা ক'বা'—
কেৰ্‌কেৰাই উঠা পাখিকাঁপটোৰে
চকুৰ সকলো দৃষ্টি ৰাকি দি লিখা
সেই কটাকুটা চিয়াঁহিৰ চিটিকনি ভৰা শাৰীটো!
আৰু উৎফুল্ল নয়নে ৰৈ থকা
শিক্ষকৰ নম্বৰ আৰু চহিটোৰ কাৰণে।
'সুন্দৰ'—শিক্ষকৰ সেই অভিমত
দুষ্প্ৰাপ্য মুকুতা পোৱাৰ দৰে লৈ
লৰি ঘৰলৈ অহা!
হায়! সেই দিনবোৰ!

—ত্ৰিচ বছৰৰ পাচত
আজি বুজি উঠিছোঁ
সেই শিক্ষকজনৰ মাহাত্ম্য ।
পঢ়াশালীলৈ যাবৰ পৰত কান্দি,
হাজাৰ চেকা লগা
পুৰাৰ পৰা সন্ধ্যালৈকে একেটা চোলা পিন্ধি
মোৰ অতীত পুনৰাবৃত্তি কৰা
সেই পঢ়াশালীৰ ছাত্ৰ
আজি মোৰ নিজ ল'ৰাটো ।
চিয়ঁাহিৰ চিটিকনি ভৰা
কুকুৰঠেঙীয়া তাৰ সেই শাৰীটো—
'সদায় সত্য কথা ক'ৰা'—
তথাপি শিক্ষকৰ অভিমত—'সুন্দৰ'—।
ত্ৰিচ বছৰৰ পাচত
আজি বুজি উঠিছোঁ
সেই শিক্ষকজনৰ মাহাত্ম্য !

নাহৰজান
১৯৪৮

---

# স্মৃতি-ভিক্ষা

তোমাৰ সেই চেনেহ-কোলাখনি !
আজি মোৰ মনত পৰি উঠিছে
হঠাৎ। হায় ! কেনি গ'ল
সেই দিনবোৰ ?
আই, এটিবাৰ—মাথোঁ এটিবাৰ
সেই তাহানিৰ দৰে মোক
তোমাৰ কোলাখনিত
সুমুৰাই লোৱাঁচোন।
এইবাৰ—এইবাৰ তোমাক আই,
আমনি আৰু নকৰোঁ ;
গৰমত জাপে জাপে পিন্ধি,
শীতত থাকি শুদা গাৰে
কৰিলে তুমি মানা
এইবাৰ আৰু নাকান্দোঁ।
তোমাৰ কাষতে
নিৰলে-নিমাতে বহি ৰ'ম

ভাল লৰাটিৰ দৰে।
বহি ৰ'ম ;—দূৰনিত নিবলে
জোনে হাঁহিব ; দেখি
এইবাৰ আৰু নোখোজোঁ।
পূজাত তুমি পবিত্ৰ চিতে মধুৰ গীতে
বহিবা ; পিছৰ পৰা মলিন সাজে
চকু দুটা তোমাৰ জপাই
এইবাৰ আৰু নধৰোঁ।
তোমাৰ কাষতে বহি ৰ'ম নিৰলে-নিমাতে।
শংং আৰু চেনেহৰ সম্মিলিত তব
তাহানিৰ সেই চাৱনিত
আজি মাথোঁ ৰ'ব বাকী চেনেহ !
আই, এটিবাৰ—মাথোঁ এটিবাৰ
সেই তাহানিৰ দৰে মোক সুমুৱাই লোৱাঁচোন
তোমাৰ কোলাখনিত !!

লক্ষ্ণৌ
১৯৪৭

---

# সোণৰ কথা

সোণ আজি মাথোঁ ডেৰ বছৰীয়া,—
তথাপি ঘৰৰ ৰজা,
তাৰ কথাতেই চলিছে সকলো,
আমি যেন তাৰ প্ৰজা।

ইমান যতনে ঘৰটো সাৰিলোঁ,
পিছতে একাঁঠু হ'ল,
কোনেনো কৰিলে বুলি সোধোঁতেই
মোৰহে দোষটো হ'ল !

ইমান দাম দি কিনিলো ঘড়ীটো,
ভাঙিলে সোণেই আহি,
চৰ দিওঁ বুলি দেখিলত তাক
মোৰহে উঠিল হাঁহি !

ভাগৰে-জুগৰে মাথোন বহিছোঁ,
এনেতে আহিল সোণ,
'নাহিবি এতিয়া' বুলি কৈ ময়ে
কোলাতহে ললোঁচোন ।

সোণৰ কথাত নাই কোনো সাৰ,
নাই তাৰ কোনো মানে,
তথাপিনো কিয় কামৰ মাজতো
তাৰেই হৃদয় টানে ?

ইমান কান্দোন, ইমান আমনি,
ইমান হুগুনে কথা,
তথাপি কিয়নো তাক নাপালেই
পাওঁ সকলোৰে ব্যথা ?

সোণেনো আমাৰ কিটো কাম কৰে ?
—তাক নহলেও চলে,
তথাপিনো কিয় তাকে নেদেখিলে
সৰবে হৃদয় জ্বলে ?

আমিও দেখোন পাৰোঁ খোজ দিব,
আমিও কৈছোঁ কথা,
তথাপি সোণেনো আমাৰ মাজতে
পায় কেনেকৈ বেথা ?*

যোৰহাট
১৯৪৩

---

## খেলা-ঠাই

খেল-পথাৰত থাকিব যুজৰ সেনা !
সাজিব শিবিৰ যুজাৰুৰ বাবে
গোটেই পথাৰ জুৰি !

সকলো ল'ৰাই খেলিছিলে তাত
আপোনপাহৰা মনে,
সকলোটি হাঁহি আছে লাগি যেন
এতিয়াও পাতে-বনে।

---

* প্ৰকাশিত

আজি সিহঁতেনো খেলিবহি ক'ত,
ক'ত দিব হাঁহি ঢালি ?
—ৰাজ-আলিটিও শিলগুটি ভৰা
আৰু এআঁঠুৱা বালি !

শিবিৰ সজাৰ যত কাঠ-বাঁহ
আৰু যত ইটা-বালি,
থলেহি গোটাই পথাৰ ভৰাই
ধল-পুৱাতেই কালি !

এতিয়ানো ক'ত খেলিব সিহঁতে ?
অকণো যে ঠাই নাই,
এটি ল'ৰা ক'লে, "আমাৰ কাৰণে
ওলাব তাতেই ঠাই !"

দ'মে দ'মে থোৱা যত বালিবোৰ,—
সাজিলে তাৰেই দ'ল,
আনিলে গোটাই ইটা পৰি থকা,
—সেয়েই দেৱাল হ'ল !

বাগৰি-জুগৰি      সন্নেই খেলিলে,
উলাহৰ ঠাই নাই,
ক'লে সকলোৱে,    "আমাৰ কাৰণে
ওলাল ইয়াতে ঠাই !"

খেলোঁতে খেলোঁতে  পাহৰিলে সন্নে
উলাহতে যেন বুৰি—
'খেল-পথাৰত      থাকিবহি সেনা,
সাজিব শিবিৰ
গোটেই পথাৰ জুৰি !'

যোৰহাট
১৯৪৪

# পগলা !

পগলা বুলি বাটত পাই
হাঁহে তাক সৰে,
সুবুদ্ধি সি কাৰণ তাৰ
থাকে নীৰৱে ।

শিকাল মাকে সকুতে তাক,
"কবি সচা কথা,
মহৎ জনৰ মুকলি মন,
নাই কপটতা ।"

সেয়েতো সি নিসঙ্কোচে
কয় কথা খুলি,
বিনিময়ে হাঁহে সৰে
মূৰ নাইযে বুলি !

"মহৎ জনে আনৰ কামো
কৰে নিজৰ ভাবি,"
সেয়েতো সৰে কাম দিয়ে
তাৰ মূৰতে জাপি !

"কথায়-কামে সকলোতে
গহীন-গভীৰ হবি,
কোনোজনে ক'লে কিবা
ডুবাৰ ভাবি লবি।"

সেয়েতো আজি কোনোবাই
ক'লে বুলি ক্ষীণ
মন-ৰোগত বেজটি আনি
ভোগে তিনি দিন।

"কেৰে যদি উপহাস
কৰে বাটে-ঘাটে,
ভাবি চাবি দোষটি তাৰ
আছে নিজ গাতে।"

পগলা বুলি　　সেয়েতো তাক
খেদে ল'ৰা দলে,
হাঁহিলে সি　　খঙত হেনো
নিজৰ কাণ মলে !

পগলা বুলি　　বাটত পাই
হাঁহে তাক সৰে,
নুবুজি সি　　কাৰণ তাৰ
থাকে নীৰৱে !

লক্ষ্ণৌ
১৯৪৭



# তীৰ্থযাত্ৰা

মহা অষ্টমীৰ স্নান।   ভঁাহি গঙ্গাজল
আহে আজি লুইতত।   কত দল দল
তীৰ্থযাত্ৰী।   নিশৱদ জনহীন ঘাট
পুণ্য কিনিবৰ যেন হ'ল আজি হাট !
হলোঁ সাজু পুৱাতেই।   মই, পৰিবাৰ
আৰু ল'ৰা মোৰ ধন।

লুইতৰ পাৰ
গ'ল দেখা ৰিণি ৰিণি।   যাত্ৰী সকলোৰে
পূৰ যেন হ'ল আশা।   কলোঁ হাত যোৰে,
"নিবা যেন ধুই পাপ যত।"   আৰু ধনে
সুবুদ্ধি একোটি মাথোঁ ৰ'ল চাই ঘণে
চকুলৈ মোৰ।   তাতে বয়সত তাৰ
মাথোঁ চাৰি হয় হয় চ'তত ইবাৰ॥

ক'লে পুৰোহিতে, "যায় মহাস্নান-পৰ !"
বেগাই বাঢ়িছোঁ আগ, এনেতেযে ক'ৰ
ভৰিত ভিখাৰী এক "দেউতা, দুদিন
অনাহাৰ" বুলি ! স্বৰ তাৰ সেই ক্ষীণ
শুনিবৰ অৱসৰ নাই নাই নাই,
মহা অষ্টমীৰ ক্ষণ উকলি যে যায় !

উচ্চাৰি অনেক মন্ত্ৰ সমাপিলোঁ স্নান ।
উদ্দেশি পবিত্ৰ জল দিলোঁ এটি দান
সুৱৰ্ণ মোহৰ মোৰ । জিলিকাই ৰ'ল
জুইতৰ পাৰ । ভাবিলোঁ আজিহে হ'ল
জীৱন সফল ।

আৰু উলাহত আহি
পালোঁ ঘৰখনি । ক'লোঁ প্ৰেয়সীক হাঁহি,
"পূৰালোঁ তোমাৰ আশা !"

ক'ৰবাৰ পৰা
আহি ক'লে ধনে হাঁহি, "মনপ্ৰাণ হৰা
বুটলি আনিছোঁ চোৱা সাগৰ-জলত
সোণৰ মোহৰ । সেই আমাৰে ঘাটত
আছিল জিলিকি !"

মোৰ কেনি গ'ল ভাষা,
হলোঁ মই থৰ। ইযে মোৰে কত আশা
কত বাসনাৰ দান! হে পবিত্ৰ জল,
নল'লা কি মোৰ দান? তীৰ্থ কি নিষ্ফল??*

যোৰহাট
১৯৪৮

---

# আকৰী!

শেষ হৈ গ'ল ক্ৰমে পাঁচোটা বছৰ।
তথাপি ছোৱালী মোৰ অতি মৰমৰ
কেতেকীৰ সুকুটিল কথা; আৰু তাই
ভাষা-প্ৰাণ-হীন ৰূপ-প্ৰতিমাটি প্ৰায়
ৰাখিলে শুৱাই মাথোঁ ভগা মোৰ ঘৰ
ৰূপেৰে নীৰৱ। দুখ-ভৰা জীৱনৰ

---

* প্ৰকাশিত

কথা সকলোটি তাই যেন ক'ব হায়
কওঁ কওঁ ছুচকুৰে। আৰু জ্ঞানে তাই
মাথোঁ কাম। পুৱতিৰ পৰা সন্ধিয়ালে'
এটি যেন কল ; নাই চকু আনফালে।

ক্ৰমে আহি দিলে ভৰি বাৰ বছৰত
কেতেকীৰ। পোৱা নাই কিনো জীৱনত—
মুবুজিলে। কাঢ়ে তাই তথাপিযে হায়
কিনো ভাবি হুমুনিয়া—কিনো বুলি নাই !
"পালে আহি কেতেকীৰ বিবাহৰ কাল,"
কলে পৰিবাৰে, "বৰ নাপালেও ভাল
মানিব লাগিব তেও সমাজ-ধৰম
হক যেনে তেনে !"

হ'ল বৃথা যত শ্ৰম।
ফুৰিলোঁ বিচাৰি বৰ ভ্ৰমি কত স্থান,
কিন্তু পালোঁ মাথোঁ সেই একে সমিধান :
"থক ৰূপ, নাই কোনো কাম প্ৰতিমাৰ,
সুৱদি বচনষাৰি—প্ৰকাশ হিয়াৰ
—সেয়েহে মানৱ-চিন।"

আৰু ভাগৰিল
দেহা মোৰ, হিয়াখনি হতাশে ভৰিল।

উদ্ধাৰৌতা কেতেকীৰ বোজা পাতলাই
নোলাল নোলাল কোনো। আৰু সেই তাই
কৰি গ'ল মাথোঁ। কাম ভাবি আছে চলি
জগত ঠিকত। হায়। বেচেৰী আজলী !

হঠাৎ এদিন গ'ল কেতেকীনো কেনি !
লাগিল খলক। চালোঁ ঘূৰি যেনি-তেনি—
নাই ক'তো নাই। মৰা কুসুমেৰে গ'ল
পদূলি উপচি মোৰ। ঘণে চাই ৰ'ল
সঁজাৰ পখীটি কেনি ! মৰহিল পাত
শিশু—মালতীৰ।
পালোঁগৈ নৈ-ঘাট,
নাই কোনো। আছে পৰি কলহ পাৰত।
কিন্তু ইকি ! সৌ দূৰ গড়াব আঁৰত
জিলিকিছে কাৰ দুটি ওঁঠ ভাষাহীন.
কওঁ কওঁ দুচকুৰে !
শেষ হ'ল দিন
একোকে নজনা ভাবে কেতেকীৰ। তাই
তথাপি উঠিল জানি কি কাপেনো হায়
তাই মোৰ মাথোঁ এক ভাব ?

যোৰহাট
১৯৪৮

# বাৰ্ত্তা কোনে ৰাখে

সন্ধ্যা। দূৰত চন্দ্ৰ ম্লান।

তেওঁ আৰু মই—বহোঁ মুখামুখী,
মাজত বজাৰখন এটকাৰ।
তেওঁৰ কপাল-ৰেখাত
আছে খবৰৰ লেখা
আমাৰ দৰিদ্ৰতাৰ।

তথাপি—
তথাপি তেওঁ
দুৰ্ব্বল ওঁঠত বিৰিঙাই হাঁহি
জনায় অভিনন্দন
টকাটোৰ বজাৰখন।
আৰু নাই কোনো কথা,
ভাবোঁ হায়!
বিশ্বৰ তেওঁ ৰাখে কি বাৰতা?

ভাবোঁ—
এনে সন্ধ্যা বেলাত
দূৰৰ কোনো আট্টালিকাত
আছে বহি আমাব দৰে মুখামুখী কত
তৰুণ-তৰুণী
হয়তো বা কি গুণি !
মাজত অৱহেলিত
কতবা সুখাদ্য—
দাঁতিত কতযে বাদ্য !

থক সি কথা ।
ভাবোঁ হায় ! সিহঁতৰ সেই বিশ্বই
আমাৰেই বা ৰাখে কি বাৰতা ⁉

গোলাঘাট
১৯৫১

## বনুৱা

( ১ )

দিনৰ দিনটো খুন্দি-কাটি টুকি টুকি ঘাম
ফটা জোতা নতুন কৰোঁ—সেয়ে মোৰ কাম
চাৰি আলি কাষৰত বহি নিতে নিতে
চাওঁ মাথোঁ বাটৰুৱা যত অহা-যোৱা,
—মুখ'নি কাৰো নহয় চোৱা
মাথোঁ ভুটি ভৰি।
দিওঁ মযে গঢ়ি জোতা সকলোৰে
নতুন ৰূপত,
আৰু মোৰে ভৰি ভুটি শুদা হায়
সৱৰে মাজত !

( ২ )

পুৱা পৰা সন্ধিয়ালৈ
কাটি লোহা ডালে ডালে
কৰি হাত অলৰ-অথৰ,
গাঁথি ইটা ঠাকে ঠাকে
কেৱে নমনাকে—
সাজোঁ মযে মহলীয়া ঘৰ।

হাতুৰীৰ ঠক্ ঠক্, বটালিৰ টুক্ টুক্,
তাৰ বাদে কাণে মোৰ শুনা নাই গান।
সাজোঁ মহে মহলীয়া ঘৰ
গাঁথি ইটা ঠাকে ঠাকে
কেৰে নমনাকে,—
আৰু মোৰে ঘৰখনি ভাগি-ছিগি পৰা,
ভাগি-ছিগি পৰা চাল
আকাশ দেখাকে !

( ৩ )

কানত নাঙল লৈ পোহৰৰ আগে
পথাৰত হওঁ থিয়,
ওপৰত বৰষুণ ঝৰ্ ঝৰ্ ঝৰ্,
তলত এআঁঠু বোকা,
শৰীৰ অথৰ।

মোৰ দুটি হাতেৰেই সেউজীয়া কৰি তোলোঁ
গোটেই পথাৰ,
মোৰ দুটি হাতেৰেই সোণোৱালী ধানবোৰ
আনিছোঁ চপাই,
সোণোৱালী ধান মুঠি মুঠি।

৫

মোৰ দুটি বাহুতেই গুচিছে পেটৰ ক্ষুধা
আনৰ সৱৰ,
আৰু মোৰ ঘৰে মাথোঁ কান্দিছে ক্ষুধাত,
মিলা নাই কোনোদিনে হায়
সমানে দুমুঠি।
আৰু ময়ে আনিছোঁ চপাই
সোণোৱালী ধান মুঠি মুঠি !

যোৰহাট
১৯৪৪

# পোহৰ

ঠেলি শতাব্দীৰ অন্ধকাৰ ঘোৰ
উদিছে সূৰ্য্য আজি ! খলা-বমা নৰ্দ্দমা,
যত দুৰ্গন্ধ কীট, জিলিকিছে মোৰ
দুচকুত ।

আজি জীৱনৰ উলঙ্গ প্ৰকাশ ।
সভ্যতাৰ কোৱাভাতুৰী আৱৰণ
আজি নৰ'ব । আজি নোৱাৰিবা থব ঢাকি
মটৰৰ গৰ্ব্বিত ধ্বনিৰে মোৰ ক্ষীণ আৰ্ত্তনাদ !
যত ফাকি
আজি ধৰা পৰিছে ।

বলেৰে নোৱাৰি ৰচিলা বুদ্ধি-শাস্ত্ৰ ।
পুৰণি তোমাৰ নীতি-সংজ্ঞা সকলো ভুৱা মাত্ৰ,
কৰিব লাগিব নতুন সূচনা আজি !

যোৰহাট
১৯৪৯

---

* প্ৰকাশিত

# সুন্দৰীৰ প্ৰতি কবি

সুন্দৰী, হোৱাঁ তুমি দেশৰ পূজাৰিণী,
গন্ধে-পুষ্পে নহয়, তোমাৰ ৰূপে।—
আজি হেজাৰ ৰোগী, কোটি ভিখাৰিণী
আলিত মৰে চোৱাঁ থূপাথূপে!

অন্ন-বস্ত্ৰ নাই নাই,
আছে মাথোঁ 'নাই',
হাহাকাৰ দল।
সিহঁত জানা কোন? সিহঁত
দেশৰ পাপৰ ফল!

সুন্দৰী, তোমাৰ ৰূপৰ আজি প্ৰয়োজন—
(নাৰীৰ জানা, সমল প্ৰধান ৰূপ!)
দেখি তোমাক ডেকা অগণন
চৰণ তলত পাতক আহি থুপ!

মানস-দৃষ্টি খোলা।
ভোগৰ বাবে নহয় তোমাৰ ৰূপ
দেখুৱাই মটৰ গাড়ী
আৰু ধনৰ ঠোলা।

সুন্দৰী, তোমাৰ ই ৰূপ মাথোঁ ঈশ্বৰ-দান।
হোৱাঁ তুমি লক্ষ্য সাধনাৰ,
কৰাঁ আজি দেশক পৰিত্ৰাণ,
হোৱাঁ তুমি মাতৃ মহাত্মাৰ।

গোলাঘাট
১৯৫১

---

# নাৰী

প্ৰণমো তোমাক, নাৰী!
তুমিয়েই বিশ্ব-স্ৰষ্টাৰ
মাথোঁ এক চৰম সৃজন!

তোমাৰ মাজেদি যেন
বিধাতাই দিছে ইঙ্গিতেৰে
মৰতত কৃপা-দৰশন!

তোমাৰ বুকুত হেনো
শকতিৰ নাই লেশ কণা,
অবলা ৰূপেৰে দিলে গঢ়ি,

তথাপি তথাপি তুমি
মহাবীৰ বিশ্ববিজয়ীকো
কিহেৰেনো থোৱাঁ বন্দী কৰি ?
ভিখাৰীৰ প্ৰাণ-ৰূপ,
দানশীলতাৰে ত্ৰিভুবন
কৰি জয় হ'ল মহাৰাজ,
তাকো তুমি দেখুৱাই
প্ৰণয়-ইঙ্গিত মাথোঁ হায়
পিন্ধোৱাঁহি ভিখাৰীৰ সাজ !
সাধনাৰ যোগে মুনি
সৰগৰো পায় অধিকাৰ,
দেৱতাৰো লভে আৰাধনা,
কিনো এটি কটাক্ষেৰে
পাৰা তুমি ভাঙিব থিতাতে
এটি তেনে মুনিৰো সাধনা !
প্ৰকৃতি বুকুত কত
পাওঁ দেখা সৌন্দৰ্য্যৰ ৰাশি
তোমাৰেই ৰূপৰাশি দৰে,
কিন্তু ক'তো দেখা নাই
সকলোটি থকা মিলভাৱে
মাথোঁ নাৰী, তোমাৰ বাহিৰে ।

চিনিছোঁ চিনিছোঁ নাৰী,
তুমিয়েই মৰতত থাকি
সৰগৰ সুধা-বিলনীয়া,
তুমি আজি নহা হ'লে
কেতিয়াও নহয় নহয়
ধৰাখনি ইমান ধুনীয়া !

যোৰহাট
১৯৪৩

---

## *কি বুলি মাতোঁ ?*

আঁৰিলা কিয়নো ৰঙীন জবা ?
—খোপাত তোমাৰ
এনেয়ে শোভা।
হানিলা কিয়নো চাৰন সিটি ?
—এনেয়ে তুমিযে
নয়ন-লোভা ॥

হাঁহিটি কিয়নো দিলাহি বাকি ?
—এনেয়ে তোমাৰ
মুখত সুধা !
ফুলটিনো কিয় লাগিছে ল'ব ?
—জপোৱা পদুম
দুহাত শুদা ॥

থমকি থমকি কিয়নো গ'লা ?
—খোজত এনেয়ে
কুসুম ফুলে ।
জেতুকাৰ কিয় বোলটি দিলা ?
—দুভৰিত শোভা
আপুনি দোলে ॥

স্বভাৱ-সুন্দৰী এনেয়ে তুমি,
—তাতে আৰু ৰূপ
কিয়নো বাকা ?
আজি কি বুলিনো তোমাক মাতোঁ?
—নিৰুপমা বুলি
আপুনি থাকা ॥

যোৰহাট
১৯৪৪

——

# কিয় ?

তোমাৰ যদি নয়ন দুটি
আকাশ-নীলা,
কিয় তেনে নীলা নয়ন দুটিয়ে
মোৰ
নয়ন বলিয়া কৰিল ?
শীতল যদি দুহাত তব
পদুম দৰে,
কিয় তেনে তব পৰশত সেই
মোৰ
হৃদয় উতলি পৰিল ??

তোমাক যদি দৰশি গুচে
পথৰ জ্বালা,
কিয় তেনে সেই দেখাৰ পিছতে
মোৰ
বাঢ়িল হিয়াত ব্যথা ?
চালেই যদি আঁতৰে তৃষা,
নয়ন্ ভৰি
চাওঁতেনো কিয় তোমাক আকৌ
মোৰ
বাঢ়ি গ'ল আকুলতা ?

তোমাৰ যদি হিয়াত আছে
শান্তি জৰি,
কিয় তেনে তাৰ পৰশত মোৰ
এই
বিজুলী-চমক জাগিল ?
কঠোৰ মাতত যদিহে পৰে
হৃদয় ক'লা,
কিয় তেনে তব কটু কথাটিও
মোৰ
সুধা সুধা যেন লাগিল ??

যোৰহাট
১৯৪৪

— —

# কিয় তেনে ?

মোৰ বাবে যদি নাগাঁথাই মালা,
কিয় তেনে এই আহি সুগোপনে
কুসুম তোলা ?
যদি ক'বলই নাই কেনো কথা,
মোৰ ফালে তেনে কিয় ভাবে ভৰা
নয়ন তোলা ??

শুনি মোৰ জয় নাহাঁহা যদিহে,
কিয় তেনে সেই উলাহৰ সুৰে
গানটি গোৱাঁ ?
শুনি মোৰ দুখ নিবিনোৱা যদি,
কিয় তেনে তুমি সুগোপনে এটি
হুমুনি' থোৱাঁ ??

পাবা ক'ব যদি মুকলি ভাবেৰে,
কিয় এবাৰিকে কওঁতেনো তেনে
থমকি ৰোৱাঁ ?
যদি মোৰ কায ভালেই নালাগে,
ততালিকে কিয় যাওঁ বুলি গৈয়ো
আকৌ ৰোৱাঁ ??

যদি মোক সচা দেখা অশুৰনী,
কিয় তেনে বাৰু মোৰ গঢ়েৰেই
ছবিটি আঁকা ?
মোৰ কথা যদি নাভাবা অকণো,
কিয় তেনে মোৰ বাটলৈ চাই
নীৰৱে থাকা ??

মোৰ লগ যদি সচা বেয়া লাগে,
কিয় তেনে আহা সদায় সদায়
এইটি বাটে ?
যদি উপহাৰ নাপালা একোকে,
তথাপিনো কিয় নোৱাৰিলা নাহি
শূইণ হাতে ??

যোৰহাট
১৯৪৩



## সান্ত্বনা

ঘৃণাৰ ভৰত মোৰ নাগাঁথিলে মালা
নক'বা সি কথা,
ক'বা যেন—মৰহিলে ফুল ;
গাবলৈ মোৰ গীত যদি অৱহেলা,
নিদিবা সি ব্যথা,
ক'বা যেন—সুৰ হ'ল ভুল।

বাটলৈ তুমি মোৰ, ৰোৱা নাই চাই,
নক'বা ই কথা,
ক'বা যেন—ভাগৰিলা চাই ;
যদি মোৰ বিৰহত চকুলো নোলায়,
ক'বা যেন—আনে
নেদেখক—ৰাখিছোঁ লুকাই।

নাহা যদি কাষলৈ কৰি অনাদৰ,
—নক'বা নক'বা,
ক'বা যেন—লাজে ভৰে চিত ;
দেখিলেও ছুনয়ন কৰিলে আঁতৰ
বুলি দীন-হীন
ক'বা যেন—অতি-পৰিচিত।

নাহৰজান
১৯৪৮

---

## চিৰ অতৃপ্তি

তোমাৰ ৰূপত তোমাৰ গৰ্ব্ব অত !
স্বপ্ন-বিভোৰ ছুটি চকু,
সেন্দুৰ-ইঁহা ওঁঠ,
এই লৈয়ে কি তোমাৰ হায়
গৰ্ব্ব ভৰা বুকু ?

কিন্তু তোমাৰ নহয় যিটি নিজা,
তাৰে গৰ্ব্ব কিহৰ মিছা ?
ধৰাৰ শ্ৰেষ্ঠ প্ৰসাধনে
গঢ়িব কি পাৰা ৰূপ
হেজাৰ যতনে ?

তোমাৰ ৰূপত তোমাৰ অভিমান !
তাক কি তুমি পাৰিছা কৰিব দান ?
গ্ৰহণ-শকতি মোৰো যে নাই নাই
ইমান নিবীড় হৈও হায় !

* * *

যুগে যুগে তুমি ধৰি সীতা বেশ
কৰিছা অভিমান,
পাতি স্বয়ম্বৰ
খুজিছা দিব দান,
মই ৰাম হৈ অগ্নি-পৰীক্ষা কৰোঁ,
তুমি শুচি যোৱা
আৰু মই পুৰি মৰোঁ ।

যোৰহাট
১৯৫০

# পাষাণ প্ৰতিমা

সুবুজিলা তুমি মোৰ
হৃদয় ভৰা প্ৰেম,
সিযে মোৰ কত
গভীৰ হৃদয়ৰ !

ইমান কোমল তোমাৰ নয়ন যুৰি !
চালে তাৰে
সেই কোমলতাৰে—
উঠে কুসুম ফুলি।
তথাপি যে কিয়
পাষাণ তোমাৰ বুকু !

পাষাণ !
পাষাণ নহয় তুমি হায় ! নহ'লা পাষাণ !
পাষাণ তোমাৰ হিয়াৰ দৰে
নয়ন যুৰি আৰু কোমল তনু
গঢ়া হলে পাষাণে,
নহ'লহেঁতেন তোমাৰ কোনো ক্ষয়।
যুগে যুগে কালক কৰি জয়
ৰ'লাহেঁতেন তুমি
—চিৰ-যৌবনা !
—চিৰ-সুন্দৰী ॥

গোলাঘাট
১৯৫১

---

# পাহৰণি

প্ৰিয়, মোক পেলোৱাঁ পাহৰি।
তোমাৰ কাষত সঁচা
যত মোৰ অপৰাধ-ভুল,
হৃদয়ৰ পৰা আজি মচা।
পাহৰণি—ইযে নীতি
সৃষ্টিৰ আদিত ৰচা॥

কালিৰ শ্মশান আজি
সাজিছা বিলাস-পুৰি
মাথোঁ— পাহৰণি-মন্ত্রে,
পাহৰি কালিৰ শোক-সুৰ•
বজালা উলাহ-গীত সুমধুৰ
আজি— একে তব যন্ত্রে।

পাহৰণি—সৱৰে ই প্ৰিয়,
তেনে তুমি ৰ'বা বাকী কিয়?

নাহৰজান

১৯৪৭

———

# দুখ-সুখ

মৰম বিচাৰি গই
কোনোবা এদিন
যদি পাওঁ এখনি হৃদয়
নিঠুৰতা ভৰা,
তেনে মোৰ হিয়াখনি
সচাই সিদিন
যাব ভাগি আজীৱন সেই
মৰম বিচৰা।

সৌন্দৰ্য্য বিচাৰি ফুৰি
কোনোবা এদিন
পাওঁগৈ যদি হিয়াখনি
অসুন্দৰে ভৰা,
তেনে মোৰ ভাগি যাব
—সচাই ভাগিব
সেইদিনা এই হিয়াখনি
সৌন্দৰ্য্য বিচৰা।

নালাগে নালাগে মোক
চেনেহৰ হিয়া,
শান্তি-সুখ আনন্দৰ পুৰি,
লাগে মাথোঁ দুখ ;
লাগে মোক চকুপানী,
লাগে নিঠুৰতা,
সৱে মোক আনন্দৰ পৰা
কৰক বিমুখ !

দুখকে বিচাৰি গই
কোনোবা কাহানি
যদি পাওঁ সুখৰ কণিকা
দুখেৰে আবৰা,
তেতিয়াহে পাব বুজি
সুখৰ গৰিমা
কিনো ইটি, মোৰ হিয়াখনে
দুখকে বিচৰা !

যোৰহাট
১৯৪২

# জীৱন কোনটো ?

হাত দুখন কটা, এটা ভৰি নাই,
অন্ধ—
এটা ভিখাৰী ৰাজ আলিৰ দাঁতিত ।
'এটা পইচা'—তাৰ আশাৰে
জী থাকিব লাগিব,
কাৰণ এতিয়াও সি মৰা নাই !

হঠাৎ এটা সম্মিলিত হাঁহি
ঠিক তাৰ কাষতে,
কোনোবা যেন এহালি ডেকা-গাভৰুৰ !
অৱজ্ঞা সনা হাঁহিটোৱে
তাৰ মনত যেন জগাই দিয়ে
বিদ্ৰোহ—সুপ্ত বিদ্ৰোহ ।
কিয় এই অৱজ্ঞা ?
সুন্দৰ স্বাধীন এটা জীৱন,
তাৰে কিয় এই অহঙ্কাৰ ?
এদিন তাৰোতো আছিল
এনে এটা জীৱন,
নিটোল দুটা বাহু, ধুনীয়া এখনি মুখ !

—আৰু সকলো সি কৰিলে উছৰ্গা
নিজ দেশৰ কাৰণে—এই মানুহৰ কাৰণে।
আজি তাৰ বিনিময়ে
সি পায় কি ??
মানুহ—এয়েইতো মানুহ !

মানুহে নিদিলে—নালাগে ;
কিন্তু তাৰ কি নিজৰ নাই
এটা আত্ম-সান্ত্বনা,
এটা আত্ম-গৌৰৱ ?
জীৱন কয় কাক ?
সৰল আৰু শান্তিৰে পাব হৈ যোৱাটো
এখন তটিনীৰ দৰে,
আৰু এটা উদ্দেশ্য লৈ
সৰ্ব্বস্ব ত্যাগ কৰা।
কোনটো ??

চিনামৰা
১৯৪৭

---

* প্ৰকাশিত

# মহাত্মাৰ মহা প্ৰয়াণত

আঁতৰিবা তুমিও এদিন—এই নিৰ্দ্দয় সত্য
আমি যেন জানিও খোজা নাছিলোঁ জানিব।
তোমাৰ স্থিতি বিশ্বত যেন প্ৰয়োজন চিৰদিন ধৰি—
সমগ্ৰ বিশ্বৰ এই ঐক আশা
হায়! উৰি গ'ল নিমিষতে কুটিল হাঁহিত
কালৰ—মহাকালৰ!

অত লাঞ্চনা, অত যুদ্ধ, শত বন্ধুকৰ গুলি—
পাৰিলে কি—পাৰিলে কি তোমাৰ জয়-যাত্ৰা
কৰিব ৰুদ্ধ?
কিন্তু আজি এটি নগণ্যৰ হাততে—মাথোঁ এটি
কিয় দিলা ধৰা হে মহাত্মা, হাঁহি হাঁহি?

সফল হ'ল তোমাৰ সাধনা—তোমাৰ স্বপ্ন।
তোমাৰ এটি মহা মন্ত্ৰৰ ধ্বনিত
ভাৰতীৰ লোহাৰ কপাট হ'ল মুক্ত।

শত লাঞ্ছনা, শত যন্ত্ৰণাৰ বিনিময়ে
আমাক দিলা মুক্তি।
সেয়ে কি—
নহয় বিদেশী—তোমাৰ আপোন জনে
লাঞ্ছিত—শত প্ৰপীড়িত খুলি তোমাৰ
দেহাৰ বন্ধন-দ্বাৰ
দিলে তোমাক মুক্তি
তোমাৰ প্ৰেমেৰেই হৈ আপুত ! *

যোৰহাট
১-২-৪৮

---



* প্ৰকাশিত